# এটা সাঁথৰ

জগদীশ যোশী

অনুবাদ: সুৰেশ শইকীয়া



*নেহৰু বাল পুস্তকালয়*

# এটা সাঁথৰ

জগদীশ যোশী

অনুবাদ : সুৰেশ শইকীয়া






নেশ্যনেল বুক ট্ৰাষ্ট, ইণ্ডিয়া



পুৱাৰ উদিত বেলি মুনিয়াৰ বৰ প্ৰিয়, কিন্তু ইয়াৰ অস্বাভাৱিক আচৰণহে তাইৰ কাৰণে এটা নুবুজা সাঁথৰ। "বেলিটো পূবফালে উদয় হৈ পশ্চিমফালে ডুব যায়। পিছদিনা আকৌ পূবফালৰপৰাহে বেলিটো ওলাই আহে কেনেকৈ?



কেতিয়াবা ই খুব উত্তপ্ত আৰু সহ্য কৰিব নোৱৰা বিধৰ হয়, আকৌ কোনোবা এদিন ইয়াৰ উত্তাপে সবাৰে দেহ-মন উমাল কৰে। এইটো আচৰিত কথা নহয়নে?” মুনিয়াই ভাবে।



মুনিয়াই বেলিটোৰ বিষয়ে আৰু বেছি কথা জানিব খোজে। এই বিষয়ে তাই নিজৰ বন্ধু-বান্ধৱীৰ লগত কথা পাতিব খোজে। কিন্তু তাইৰ লগৰীয়াবোৰে দেখোন তাইৰ প্ৰশ্নবোৰলৈ কাণসাৰেই নকৰে। সিহঁতক কেৱল গছৰ এটা



ডালৰপৰা আন এটালৈ চি চিয়াই উৰি ফুৰিবলৈ লাগে।

কথাবোৰ জানিবলৈ মুনিয়াৰ বৰ হেঁপাহ। নিজেই নিজৰ প্ৰশ্নবোৰৰ উত্তৰ উলিয়াব বুলি এদিন পুৱাতেই তাই উৰা মাৰিলে।



তাই লগ পায় এটা ডাঙৰ পুখুৰীত সাঁতুৰি-নাদুৰি থকা এটা ৰাজহংস। বাঁহৰ খুটা এটাৰ ওপৰত বহি মুনিয়াই ৰাজহংসক সম্ভাষণ জনালে। "সুপ্ৰভাত, ৰাজহংস মামা। আজি আপোনাৰ মন খুব প্ৰসন্ন হৈ থকা যেন লাগিছে।" মুনিয়ালৈ চাই ৰাজহংসই উত্তৰ দিলে, "মুনিয়া, তুমি বৰ সৰল দেই। পুৱাৰ বেলিৰ পোহৰত পাহি মেলা এই ধুনীয়া পদুম ফুল বিলাক তুমি জানো



দেখা নাই? এইটো জানো এটা আচৰিত দৃশ্য নহয়!"

বেলিৰ পোহৰৰ গুৰুত্বৰ কথা জানি মুনিয়া ৰোমাঞ্চিত হ'ল। বেলিৰ পোহৰত যে ফুলে পাহি মেলে!

মুনিয়াই আকৌ উৰা মাৰিলে।



বাটতে তাই পাৰ চৰাই গুটুক লগ পাই বেলিৰ কথা সোধে। খন্তেক চিন্তা কৰি গুটুৱে কয়, “মুনিয়া, তুমি জানানে যে মই বাস কৰো এটা স্কুলঘৰত। এদিন বুইছা, মই দেখিলো শিক্ষকজনে “গোলক” নামৰ পৃথিৱীৰ মডেল এটা, মেজৰ ওপৰত থৈ ঘূৰাই আছে। তেওঁ

বিদ্যাৰ্থীসকলক কৈছিল যে পৃথিৱীয়ে হেনো অক্ষ নামৰ এডাল কাল্পনিক ৰেখাৰ চাৰিওফালে আৱৰ্তন কৰি থাকে। ঠিক এটা লাটুমৰ দৰে। পৃথিৱীৰ যিটো ফাল সূৰ্য্যৰ ফালে মুখ কৰি থাকে সেই ফালটো উজ্জ্বল আৰু আনটো ফাল আন্ধাৰ হৈ থাকে। তেনেকৈয়ো হেনো আমি পাওঁ দিন আৰু ৰাতি। আমাৰ ভাৰতত যেতিয়া দিন হৈ থাকে, তেতিয়া হেনো আমেৰিকাত ৰাতি হৈ থাকে!”





মুনিয়া আৰু অলপ দূৰ উৰি গ'ল। কাজৰি নামৰ গাইজনীয়ে পথাৰত ঘাঁহ খাই আছিল। মুনিয়াই তাইকো একেটা প্ৰশ্নই সুধিলে। ডাঙৰকৈ হেম্বেলিয়াই কাজৰিয়ে মূৰ জোকাৰি ক'লে, “মই বেলিটোৰ বিষয়ে বিশেষ একো নাজানো, পিছে এদিন মোৰ গৰাকীয়ে তেওঁৰ সন্তানকেইটিক কিবা বোলেনে বতৰৰ কথা কোৱা শুনিছিলো।”

গোটেই কথাখিনি মনত পেলাবলৈ চেষ্টা কৰি কাজৰিয়ে ক'লে, "পৃথিৱীয়ে নিজৰ অক্ষৰ কেউফালে আৱৰ্ত্তন কৰে আৰু এটা কক্ষ সূৰ্য্যৰ চাৰিওফালে পৰিভ্ৰমণো কৰে। পৃথিৱীৰ অক্ষডাল বেলিৰ সৈতে ঠিক সমকোণ কৰি নাথাকে। ইয়াৰ ফলত, পৃথিৱীৰ কিছুমান ঠাই বেলিটোৰ বেছি ওচৰত থাকে, আৰু তাৰপিছত বেলিটোৰপৰা লাহে লাহে দূৰলৈ আঁতৰি যায়। এখন ঠাই যেতিয়া বেলিটোৰ বেছি ওচৰ চাপে, তেতিয়া সেইখন ঠাই বৰ গৰম হৈ উঠে, আনহাতে বেলিৰ ফালে পোনে পোনে মুখ কৰি নথকা ঠাইখন ঠাণ্ডা হৈ থাকে।"

"কিন্তু ই জানো আমাৰ ওপৰত কিবা প্ৰভাৱ পেলায়?" মুনিয়াই সুধিলে।

"আঁতো। সেইকাৰণেইতো আমি পাওঁ বেলেগ বেলেগ ঋতু।" কাজৰিয়ে উত্তৰ দিলে।





“গ্ৰীষ্ম ঋতুত ইমানেই গৰম পৰে যে দুপৰীয়া সময়ত আনকি বাহিৰলৈ যোৱাটোৱেই টান হৈ পৰে। বেলিটোৱে খাওঁ খাওঁ মূৰ্ত্তি ধৰি আছে। সকলোৱে ছাঁ বিচাৰে আৰু আইচক্ৰীম উপভোগ কৰে। গাটো ঠাণ্ডা কৰিবলৈ পুখুৰী বা বিলৰ পানীত সাঁতুৰি থকা আমাৰ গাঁৱৰ ম'হবোৰৰ কথা তুমি জানা নিশ্চয়!”

“এজাক শীতল বৰষুণে বৰষা ঋতুক আদৰণি জনায়। কণমানিহঁতে প্ৰাকৃতিক বৰষুণত ওমলি বৰ ৰং পায়। বাহিৰলৈ ওলাই আহি ভেকুলীবোৰে গীত গাবলৈ ধৰে। বাগিচাৰ সেউজীয়া ঘাঁহৰ দলিচা পুনৰ জিলিকিবলৈ লয়। বেলিৰ সৈতে কলা ডাৱৰবোৰে লুকা-ভাকু খেলে। কি যে এক সুন্দৰ দৃশ্য!”





“লাহে লাহে, বতৰ শীতল হৈ আহে আৰু শীতকালৰ আগমন ঘটে। মানুহে নিজৰ গাটো গৰম কৰি ৰাখিবলৈ গৰম খাদ্য খাবলৈ লয় আৰু চাহ-কফি পান কৰিবলৈ লয়। তেওঁলোকে শীতকালত উণৰ কাপোৰ পিন্ধে। শীতকালৰ বেলিটোৰ ঈষৎ উত্তাপ সকলোৰে ভাল পায়।”



“কেইমাহমানৰ পাছত গছবোৰৰপৰা পাত সৰিবলৈ লোৱাত সেইবোৰ উদং হৈ পৰে। মাটিয়ে হালধীয়া বৰণ লয়। বতাহত শুকান পাতবোৰ উৰি থাকে। এজাক প্ৰবল বতাহে পাতবোৰ দূৰলৈ উৰুৱাই নিয়ে। এনেকৈয়ে আহে শৰৎ কাল।



তাৰপিছত আহে বসন্ত। সবাতোকৈ সুন্দৰ ঋতু। এই ঋতুত বেছি গৰমো নহয়, বেছি ঠাণ্ডাও নহয়। উদং গছবোৰক সজাই-পৰাই তোলে সৰু সৰু, উজ্জ্বল, নতুন পাতবোৰে। আমি দেখিবলৈ পাও বিভিন্ন প্ৰকাৰৰ চৰাই-চিৰিকটি, পখিলা

আৰু পতংগ। কিমানযে ভাললগা দৃশ্য!" কাজৰিয়ে তাইৰ বক্তৃতা সামৰিলে।

এতিয়া মুনিয়াই বেলিৰ ৰহস্যৰ কথা বুজি পালে। বুজি পালে কেনেকৈ বেলিটোৱে বিভিন্ন কৌশলেৰে লুকা-ভাকু খেলে।





মুনিয়াৰ এতিয়া ভাগৰ লাগিছে। অলপ জিৰণি ল'বলৈ তাই এখন ভগা দেৱালত বহিল। চাৰিওফালে চাই, তাই আচৰিত হ'ল।



দেৱালৰ এফালে থকা গছবোৰ সেউজীয়া আৰু স্বাস্থ্যৱান, আনহাতে দেৱালখনৰ আনফালে থকা গছবোৰ শুকাই মৰহি গৈছে।



মুনিয়াই এজোপা গছৰ এটা খোৰোঙাত এটা ফেঁচা বহি থকা দেখিলে। তাই ফেঁচাটোকো একেটা প্ৰশ্নই কৰিলে। নিজৰ উজ্জ্বল চকুদুটা মেলি ফেঁচাটোৱে বিৰবিৰালে, “মুনিয়া, মিছা ক'লে কি হ'ব বেলিটোক মই কেতিয়াও ভাল পাব নোৱাৰিলো আৰু মই তাৰ কথা



পাতিবই নোখোজো। আকাশত বেলিটো থাকে মানে, মই জিৰণি ল'বলৈকে ভাল পাও। মই ভাল পাও কেৱল ৰাতি।"



এতিয়া মুনিচুনি বেলিৰ সময় নামি আহিল। মুনিয়াই ঘৰলৈ বুলি উৰা মাৰিলে। বেলিটোৰ বিষয়ে ইমানবোৰ কথা জানি তাইৰ বৰ ভাল লাগিল।



মুনিয়া আনন্দত আত্মাহাৰা হৈছে। ডুব যাবলৈ ধৰা বেলিটোৰ ফালে চাই তাইৰ এনে লাগিল বেলিটোৱে যেন তাইলৈকে চাই হাঁহি আছে।



ঘৰলৈ আহি, মুনিয়াই বৰ উৎসাহেৰে তাইৰ লগৰবোৰক তাই নতুনকৈ শিকা কথাবোৰ ক'লেহি। পিছে তাইৰ বন্ধুবোৰ আনফালে ব্যস্ত। মুনিয়াৰ কথাবোৰলৈ মনোযোগ দিবলৈ সিহঁতৰ সময় নাই। অনবৰতে "চিৰিপ, চিৰিপ, চিৰিপ" কৰি থকাই সিহঁতৰ কাম।

